# শ্ৰীশ্ৰীগোষ্ঠ-লীলা



ৰচোতা

শ্ৰীনৰেশ্বৰ শৰ্ম্মা বৰুৱা



প্ৰকাশক:—

শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা

# শ্ৰীশ্ৰীগোষ্ঠ-লীলা

[ নাম ]

ৰচোঁতা

শ্ৰীনৰেশ্বৰ শৰ্ম্মা বৰুৱা।

দিপিলা বামুণপাৰা।

পোঃ আঃ ডুনী।

মঙ্গলদৈ

প্ৰকাশকঃ—

শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা।

ৰজনী প্ৰভা এজেন্সী।

পোঃ আঃ কমাৰকুছি।

কামৰূপ



৩য় তাঙৰণ

১৩৬০ চন ২০ আঘোন।

 মূল্য — ৸০ অনা।

এই পুথিখনৰ সকলো স্বত্ব ৰচোঁতাৰ পৰা কিনি লই মই প্ৰকাশ কৰিলোঁ।।

ইতি—২৫।৭।৫১ ইং

শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা।
ৰজনী প্ৰভা এজেন্সী।
কমাৰকুছি।

নলবাৰী পদ্মা প্ৰেছত ছপা কৰা হল।

# নিবেদন

অধীনৰ শ্ৰীশ্ৰীকৃষ্ণৰ ব্ৰজলীলাৰ ভিতৰৰে এই সৰু পুথিখনি মুদ্ৰিত কৰি ৰাইজৰ ওচৰত দাঙি ধৰিলোঁ। যদিও ঘটনা কেইটা ব্ৰজলীলাৰ ভিতৰৰে, তথাপি ই গাৱঁলীয়া সমাজত গোষ্ঠ নামেৰে জনাজাত। সেই কাৰণে ইয়াক "গোষ্ঠলীলা" নাম দি প্ৰকাশ কৰা হল। ইয়াৰ দ্বাৰা ৰাইজৰ আৰু নামুৱাই পাঠকসকলৰ যৎকিঞ্চিত উপকাৰ হলেও অভাজনৰ পৰিশ্ৰম সাৰ্থক হব।

ইয়াৰ সুৰ, তাল, মান, সকলো ব্ৰজলীলাৰ দৰে। উক্ত পুথিখন ৰাইজে যি দৰে মৰম চকুৰে চাই লেখকক সহায় সহানুভূতি দেখুৱাইছে, ইয়াকো ৰাইজে মৰম চকুৰে চাই, লিখকক বাধিত কৰে যেন, এয়ে সৰল গোহাৰি।

হাতীমাৰা স্কুলৰ প্ৰধান শিক্ষক মাননীয় শ্ৰীযুত আনন্দি ৰাম শৰ্ম্মা ডাঙৰীয়াই পুথিখন এবাৰ চকু ফুৰাই চাই, দুই এটা ভুল আঙুলিয়াই দিয়া বাবে, লিখক তেখেতৰ ওচৰত কৃতজ্ঞ।

পৰিশেষত সদাশয় পাঠক-পাঠিকা সকলৰ ওচৰত মোৰ সবিনয় নিবেদন এই যে, পুথিখনত অনেক ভুল-ভ্ৰান্তি দোষা-দোষ মাৰ্জ্জনা কৰে যেন। নিবেদন ইতি—

বাং ১৩৫৮ চন
২২ ফাগুন

ৰাইজৰ সেৱক—
শ্ৰীনবেশ্বৰ শৰ্ম্মা বৰুৱা।

# শ্ৰীশ্ৰীগোষ্ঠ-লীলা

## প্ৰভাতৰ নাম

ৰাগিনী – উঠা উঠা যদুৰায়, — উঠৰে—

ৰজনী প্ৰভাত ভৈলা, সম্ভোগ কোবাইবে লৈলা

জাগ জাগ কৃষ্ণ বলাই ॥

পদ – শুকমুনি বোলন্ত শুনিও পৰীক্ষিত।
কৃষ্ণৰ বালক লীলা সাক্ষাতে অমৃত ॥
যাহাক শুনিলে মহা মোক্ষ পদ পায়।
তেনয় কৃষ্ণৰ লীলা শুনা মহাৰায় ॥
একদিনা ৰজনী প্ৰভাতে যদুৰায়।
মিছা বোধ কৰিয়া আছন্ত নিদ্ৰা যায় ॥
সেহি সময়ত যত গোপৰ কুমাৰে।
কৃষ্ণক জগাৱে আসি বিবিধ প্ৰকাৰে ॥
কতো বায়ে শিঙা বংশী কতো পাৰে ডাক।
কতো আসি মিনতি কৰয় যশোদাক ॥
জগাউ কৃষ্ণক আই বেলি যায় বই।
ক্ৰিড়াৰ নিমিত্তে আমি সবে আছো ৰই ॥

ঘোষা— পোহাইলা ৰজনী উঠা যদুমনি
ৰজনী প্ৰভাত হৈলা ॥

পদ— সুবৰ্ণ খাটত, কৃষ্ণ শুই আছে,
যশোদাই ডাকিবে লৈলা ॥
উঠা নাৰায়ণ, ডাকে শিশুগণ,
উঠিও সত্বৰ কৰি ।
খেলি খেলাইবাক, লাগি শিশুগণে,
ডাকে তোৰে নাম ধৰি ॥

আৰ-চাপৰি ঘোষা—উঠৰে উঠা বাছা কৃষ্ণ এ,
অ বাছা উঠা মোৰ সোনৰ পুতলি ।
গোৱালৰ শিশুগণে, ডাকে বাহ নন্দন ঐ,—
অ' বাছা ধেনু লৈ বনে যোৱা চল ॥

পদ— উঠা উঠা বাছু বাছা বেলি হৈলা ভৰ ।
শয্যা ছাৰি সোণাই মোৰ উঠিও সত্বৰ ॥
দধি-দুগ্ধ চিৰা-লাৰু খৈয়ো আগে ভাগে ।
স্নান কৰি সোণাই তই ভুঞ্জিওক আগে ॥
ভোজন কৰিয়া হাতে লোৱা শিঙা বেণু ।
গোৱালৰ শিশু সঙ্গে খেলিওক ধেনু ॥

আদচাঃ-ঘোঃ—অ, বাছা নন্দন ঐ—
উঠিয়া শয্যাবলা, বান্ধব কৃষ্ণ ঐ বায়,
ধেনু লৈ যা বৃন্দাবনে॥

পদ—গোপ শিশুগণে ডাকে ভোরে লৈয়া নাম।
দেখ দেখ উঠিয়া আসিলা বলরাম॥
কতবেলি শোয়া বাছা বেলি বৈয়া যায়।
সুরভী জীবাইতে লাগে উঠ যদুরায়॥

আদ-চাঃ-ঘোঃ যশোদার বাণী শুনি চক্রপাণি
মাত্তিলন্ত ধীরে ধীরে॥

পদ—ছেলেহর মাঝেরে, মাত্তিছা আই মোক,
শুনস্তে লাগয় ভাল
মধুর বচনে অমৃত বরষে,
চুমাতে ছিড়ি যায় গাল॥
দিন দুই চারি, দুঠিলে প্রাথাইলে,
তোমাবের হানি নাই।
দুর্বল কলঙ্ক, দুখক সুমরি,
হিয়া মোর বিদরি যায়॥

গোষ্ঠক লাগিয়া    অন্ন দি পঠাস,
লোকে বেয়া বোলে বুলি
পেটর অগনি    পেটতে লুকাই
চোপলি দে'খলে খুলি।
সকল বালকে    শাবী শাবী হয়া
ভুঞ্জয় লবনু ভাত।
টোপলি চাকিয়া    বসি থাকো মই
গালে মুখে দিয়া হাত।
রাজ রাণী বুলি    জগতে ঘোষয়
লোকতো কবা কবাই।
রাজ পুত্র হই,    মই থাকো ভুখি
বাঁহের বংশী বজাই।
বৃদ্ধ বয়সত,    পুত্র পাই মোক
কবা এত চতুরালি।
পাঞ্চ বছরতে    গোবাল পাতিয়া
ধকবা গোবাদি বালি।
ভুখর অন্ন মুঠি,    সুখে মই নাপাঙ
নিজে কঁপি থাকো জারে।
পিতা বসুদেবে,    থৈলা তোর ঘরে
কেহ ভুখি টকার খাবে।
বৃদ্ধ বয়স    পুত্র কপে লই
সুমুজিলি মোর খোল।

মই হেন পুত্র, পাৰা · যেবে আক
বাপেদি কোবাবি চোল ॥

আদ: চা: থো:—উঠা উঠা যদু বাছা এ,—
অ বাছা এবা অসন্তোষ।
পাক্ক তোলা সোণৰ বংশী,
গঢ়াই দিম মই তোক এ,
উঠা মোৰ যাদু বাছা এ, ॥

পদ—কৃষ্ণৰ বচন হেন শুনি নন্দ ৰাণী।
সমীপ চাপিয়া পাছে বুলিলন্ত বাণী।
উঠা উঠা যাদু বাচা এৰিও সন্তাপ।
যোকেনো দুবুলি বাচা বেজাৰ কৰিম্ব কাক ॥
তই হেন পুত্র পাইলো কতো জন্মৰ ভাগে।
কিবা বস্তুৰ ইচ্ছা বাছা কোৱা মোৰ আগে॥
উঠা উঠা যাদু মোৰ পুর্ণিমাৰে জোন।
তই পুত্র অধিকনে মোৰ আছে কোন॥
গধুলি প্রভাতে তোৰ দেখি চন্দ্র মুখ।
অন্তেকতে ভুলি যাওঁ সংসাৰৰ দুখ॥
উঠা মোৰ যাদু বাছা নাপাতিবি খোৰ।
সত্যো সত্যো সোণৰ বংশী গঢ়াই দিম মই তোক ॥

আখঃ চাঃ বোঃ—সোণৰ বংশী নালাগে, ৰূপৰ বংশী নালাগে
দধি দুগ্ধ নোখোৱো মই তোৰ।
অ' আই যশোমতী, সংসাৰে ৰাখিলি খ্যাতি
চোৰ বুলি বান্ধিলি তই মোক।

পদ—বান্দৰে খাইছে দধি    আমাক কৰাস বন্দী
সঁচা মিছা নকৰা বিচাৰ।
পৰৰ পুত্ৰৰ ব্যথা    পৰৰ মায়ে জানে কিবা
হেন চিত্ত বুজিলো তোমাৰ।
গোৱালৰ শিশুগণে    দধি খায় মনে মনে
কিন পৰে কৃষ্ণৰ পিঠিত।
বেচি যাবে গোপীগণে    তুমি থাকা মনে মনে
এনে তোমাৰ নিদাৰুণ চিত্ত।
নাখাওঁ তোমাৰ দুগ্ধ দৈ    নাচাৰিবো গৰু গাই
আউৰ নাযাওঁবোহো বৃন্দাবনে।
বৃদ্ধ বয়সত আৰু,    সোণৰ বংশী নবজাওঁ
দেখি হাসিবেক শিশুগনে।

আখ-চাঃ বোঃ—অ' হৰি হায়ৰে হায়—
কিনো দুখ দিলা বিধাতাই।
দিন যায় আক্ৰন্দে, ৰাতি যায় ক্ৰন্দনে,
অত দুখে পৰাণ নাযায়।

পদ—শুক মুনি বোলন্ত শুনিও নৃপবর।
শয্যাত বসিয়া কান্দে নন্দর কুমার॥
কিলাগি আইলো হরি ভারতক লাগিয়া।
অত দুখে নাযায় প্রাণ নিদারুণী হিয়া॥
মাও নাই বাপ নাই সঙ্গে নাই ভাই।
একেশ্বরে বান্ধি মারে গোয়ালিনী পাই॥
মাতৃ অবিহনে মই ভোকত পাওঁ দুখ।
পিতৃ অবিহনে মই বনত পাওঁ দুখ॥
ভ্রাতৃ অবিহনে মোক শত্রে পারে লাই।
ভার্য্যা অবিহনে মই কুহিত নাপাওঁ ঠাই
জনম লভিলো মই দৈবকী উদরে।
অত দুখে গরু চারো গোয়ালীর ঘরে॥
নাচারো গোয়ালীর গরু নাখাওঁ লহনু।
বাটে বাটে বজাই কুবিম সুললিত বেণু॥
যমুনাকে পার হৈ মথুরাকে যাইবো।
দুখুনী মাত্তর ঘরে ভিক্ষা মাগি খাইবো॥
মথুরাত আছে মোর দুখুনী জননী।
মোকেলাগি কান্দি থাকে কাল গুণি গুণি॥
কালি প্রভাতকে মই মথুরাক যাইবো।
মাত্তর কলাত বসি শরীর জুরাইবো॥
হেন শুনি হাসি পাছে মাতে নন্দরাণী।
নাকান্দিবা বাছা ভই শুনা মোর বাণী॥

আঃ চাঃ ঘোঃ—অ' বাচা কৃষ্ণ এ, অ' বাচা নকরিবা রোষ,
যি বস্তু ইচ্ছা বাছা আনি দেঙ তোক এ—
কমল নয়ন যাদু হাররে হায় ॥

পদ—গল চাই দিছো তোক, চিকণ বনমালা
ঝলত করে চিকিমিকি
কাঁকাল চাই দিছো তোক, পীত বস্ত্র খানি
নানা রঙ্গে পারে ঝিকি ॥
সিকিয়াত আছে, ক্ষীর যে নবনু
সোণর থালে লৈয়া খাবি ।
শুদ্ধ সুবর্ণের, বংশী মুই গড়াই দিম
তুরাবে বসিয়া বাঁবি ॥
পাও চাই দিছো তোক, সুবর্ণের নূপুর,
মাথে দিছো টৈষা ঝুলি ॥
এতশ টকারে, গহনা গড়াইছো,
বাছা তোক বিয়া করাম বুলি ॥
এখিত সন্তাপ, অ'রে মোর বাপ,
উঠিও সত্বর করি ।
দিন চারি পাক, ,থাকা ভাই বাট চাই
আনি দিম বরাব কুঁয়র ।
মায়ের বচন, শুনি নারায়ণ
লাগে ঢুলাবাইলা মাথ

স্নান করি পাছে, ভোজন করিলা
তিনি ত্রৈলোক্যের নাথ॥

ধর ধোয়াঃ—ধেনু লৈ, ধেনু লৈ,—
চলে রাম কানু॥

পদ—ভোজন করিয়া হাতে লৈয়া শিঙ্গাবেণু।
গোপরাজ শিশু-সঙ্গে মেলি লৈলা ধেনু॥
শুক মুনি বোলন্ত শুনিও পরীক্ষিত।
কৃষ্ণর শৈশব লীলা সাক্ষাতে অমৃত॥
যাহাক শুনিলে পায় মহা মোক্ষ পদ।
হরি হরি বোলা সবে গুচোক আপদ॥

---

## গধূলি গোষ্ঠ ॥২॥

রাগিনী:—গধূলি সময়ে, দেব দয়াময়
নিবর্ত্তিলা ধেনু লৈ।

পদ—পাছে নারায়ণ, পশি বৃন্দাবন
গোপ শিশুগণ সঙ্গে।
ভুঞ্জি দধি ভাত, করি কথামাত
খেলি খেলায়ন্ত রঙ্গে।

দিন হৈলা অস্ত, দেখি ভগবন্ত,
দেখিলাক দিয়া হাক।
শাঙলি ধাঙলী, কাজলী পাবলী
বুলি দিলা বংশী ডাক॥
শুনি বংশী রাও, করি হাম্বা রাও,
আইলা সবে ধেনু বৎস।
পাছে নারায়ণ লৈয়া শিশুগণ
ব্রজর ধরিলা পন্থ॥
ঘোষা—গধূলি সময়ে দেব দয়াময়ে
নিবর্ত্তিলা ধেনু লৈ এ॥
পায়—কয় কৃষ্ণ বুলি, পাবস্ত উকলি
গোপালর শিশু ঝাক।
কতো লেখে ধেনু কতো বারে ধেনু
কতো দেই শিঙ্গা ডাক॥
এহিমতে হরি, নানা রঙ্গ করি
আহে ধেনু বৎস লৈ।
যশোদা প্রমুখে, যত গোপনারী,
আছে পন্থলিতে বৈ॥
সূর্য্য হৈলা অস্ত, সন্ধ্যা উপগত
চৌদিশে আন্ধার হৈলা।
যশোদা প্রমুখে, যতেক গোপিনী
চিন্তা করিবাক লৈলা॥

আখঃ চাঃ বোঃ—আজি ধেনু চাবে ক'ত এ,—হরি এ মোর
গোপাল নাহিল কিয়া, এ মোর শ্যাম নাহিল কিয়া।
অত বাত্রি গরু নাদে, অবোধ কলীয়া এ,
আজি ধেনু চাবে ক'ত এ॥

পদ—পদ্ধুলিত বহি চায়ে যত গোপ নারী।
আমার জীবন কৃষ্ণ নাহে ধেনু চাবি॥
কেহো গোপী বোলে সখি শুনা মোর বাণী।
গরু লৈ গৃহক আসন্তে চক্রপাণি॥
পন্থত প্রণামে ব্রহ্মা আদি দেব জাক।
আমাক হিংসায়ে নেদে শীঘ্রে আসিবাক॥
যশোদা সুন্দরী চায়ে বিয়াকুল মনে।
এতক্ষণে গরু লৈ নাহে কি কারণে॥

আখঃ চাঃ বোঃ—পুবাতে গুলাই গ'ল মোর বাছা কলীয়া,
যবে নাহিল কিয় গধূলি বেলিয়া॥

পদ—যশোদা সুন্দরী চায়ে বাটে বহি
কিনো অদভুত ভৈলা।
দেখন্তে দেখন্তে দিন বহি যায়
গধূলি সময় ভৈলা॥
প্রভাত সময়ে গুলালি বাছা ভাই
এমুঠি অন্নকে খাই।

বাজায়ো কিঙ্কিনি     পড়েছে বেলা পরি
কোলে করি সুখ পাই॥
আখঃ চাঃ ঘোঃ—এইবুলি যশোমতী, ওমাস্ত কাণ পাতি এ,
অ, হরি সম্মুখি সবাকে বোলে বাণী।
শুনা সবে সখি গণ, আমার জীবন ধন
আইসে শুনা বংশীর ধ্বনি হরি এ।

পদ—শুনা সবে সখিগন,     নকরিবা দুখ মন
আউর কিছু নকরা সংশয়।
বজায় মুরলি যন্ত্র     আমার জীবন চন্দ্র
হেরা আসি হৈলন্ত উদয়॥
আখ চাঃ ঘোঃ- অ, হরি হাম্বে হায়, অ, আইলা প্রাণর যদুবায়
গোধূলি ধুসর তনু শোভে সর্ব্বকায় শোভে সর্ব্বকায়।
মধুর মধুর ধ্বনি মুরলী বজায়, হরি,—
আইলা যদুবায়॥
পদ  কর্ণত গুঞ্জার থোকা মাথে মৈরা পাখি।
গলত গজ্জ মালা আনন্দ প্রকাশি॥
গোধূলি ধূসর তনু সবে সর্ব্বকা।
কোলে লৈয়া নন্দ রাণী বদন চুম্বয়॥

আখ চাঃ ঘোঃ—কোলে লৈয়া নন্দ রাণী ঐ—
মোহে কথা পুত্র মুখ চাই।

কি কাৰণে এত ৰাতি ঐ.—

হৈলা বাচা মোহন যদুৰায় এ

পদ—কিবা দুষ্ট দৈত্য গণে চাৰে হিংসিবাক।

কি হেতু বিলম্ব এত কহিও আমাত॥

পদুলিত ৰহি আছোঁ তোকে বাট চাই।

কি কাৰণে এত ৰাতি কহিও পুতাই॥

আদ চাঃ ঘোঃ—অ' মিলা খেলি খোলাওঁতে,

ধেনু বিচাৰওঁতে.—

অ' আই গধূলি হল এ॥

পদ—অতি বিশোভন. দিব্য বৃন্দাবন.

দেৱতাৰো ৰম্য ঠাই।

হেন বৃন্দা বনে, পাশৰে আই মোৰ

ক্ষুধা তৃষ্ণা কিছু নাই॥

যত দিব্য তৰু, সবে কল্পতৰু

প্ৰকাশে গগণ ভেদি।

অমলা বিমলা, পবিত্ৰ সলিলা

প্ৰকাশে যমুনা নদী॥

আদ চাঃ ঘোঃ—কি কম মই বনৰ কথা এ,

অ' আই ফুল আছে ফুলি।

কুহু কুহু কুহু কৰি বিনাৰে কুলি এ

কি কম মই বনৰ কাথা এ॥

আদঃ চাঃ ঘোঃ—অ, বাচা নাযাবি নাযাবি দূৰৈকে নাযাবি
নাযাইবি বিবিন্দা বনে ॥

পদ— সিটো বৃন্দাবনে, ভ্ৰমন্ত সদায়ে,
মহা মহা দৈত্য গণ।
ধেনু চৰাবন্তে, লাগ পাইলে তোক
ৰক্ষা কৰে কোন জন ॥
যিটো কংসৰায়, তোহোৰ মোমাই
দৈৱকীৰ জেষ্ঠ ভাই।
তানে দূত চয়, তোহোক বিচাৰি
ভ্ৰমন্ত বনে সদায় ॥
পূৰ্ব্বৰ কথা যত, নাজানা বাচা তই
শুনিলে মৰিবি কান্দি।
বসুদেৱ দৈৱ কীক ধৰি দুষ্টে
লোহা লগাই থৈছে বান্ধি ॥
তাসম্বাৰ পুত্ৰ, ওপজা মাত্ৰকে
ধৰি মাৰে কংসৰায়।
কিবা পুণ্যবলে বসুদেৱে তোক
থৈলা এইত লুকুৱাই ॥
তোক নেদেখিলে, দণ্ডে যুগ যায়
হয়বাৰ আকুল মন।
সিটো বৃন্দাবনে, নাযাবি বাচা তই
মোৰ আজ্ঞাৰে ধন

যশোদাৰ বাণী শুনি চক্ৰপাণি
হাসিলন্ত মুচুকাই।
মোহোৰ নিদানে, একমান চিন্তা
বিকাৰণে কৰা আই॥

আৰ চাঃ ধোঃ—
দেৱতাকো নডৰোঁ দানৱকো নডৰোঁ
পাপী কংসে কি কৰিবো মোক।
অন্তৰিনে আই তুই নিচিনিলি মোক এ॥

পদ প্ৰথমতে পুতুনাই দিলা বিষস্তন।
স্তনপানে পুতুনাৰ শুষিলো জীৱন॥
তাত পাছে চক্ৰবাতে নিলা চুৰি কৰি।
আকাশতে মাৰিলো গলত চিপি ধৰি।
অঘ বক ধেনুককো বধিলো লীলাই।
তথাপিতো আই তই মোকে চিনা নাই॥
কালীক দমিয়া পাঠালোহো ৰসাতল।
সেহি দিনা হন্তে ভৈলা যমুনা নিৰ্ম্মল॥

ইন্দ্ৰে কৰিলন্ত সাত দিন বৰিষণ ॥
স্বৰ্গ মৰ্ত্ত্য পাতাল কম্পিলা তিনিলোক।
তথাপিতো আই ভই নিচিনিলি মোক ১
নিৰ্ভয়ে থাকিও মাও চিন্তা পৰিহৰি।
নিশুটি কৰিবো সবে দৈত্যক সংহৰি ॥
হেন শুনি যশোদাৰ মনত বিস্ময়।
বদন প্ৰকাশি সতী বচন বোলয় ॥

আদ—চাঃ যোঃ—অ' প্ৰাণ গোপাল ঐ,—
সন্ধ্যা উকলি যায়, বাছিও বাচক পাই
ভোজন কৰিও পৰমায়।
ঘুচাওঁ বিৰহ তাপ, জুৰাওঁ হৃদয় বাচা কৃষ্ণ ঐ
অ বাচা দেখো তোৰ চন্দ্ৰ বদন ॥

পদ—বহু ৰাতি হৈলা গৃহে কৰিও গমন।
স্নান কৰি সোণাই ভই কৰিও ভোজন ॥
প্ৰভাতৰ কল্লে বাচা আহস প্ৰবাসি।
কেন্ত বলো সমে বাপু ভোজন কৰা আসি ॥

# সন্ধ্যা আৰতিৰ নাম ॥ ৩ ॥

বা

আৰতি গোষ্ঠ।

ৰাগিনী :—স্নান সন্ধ্যা কৰি, উঠিলন্ত হৰি,
দেখি সবে গোপ নাৰী,

পদ স্নান সন্ধ্যা কৰি উঠিলন্ত হৰি
দেখি পাছে গোপনাৰী।
পদুলি পদুলি, ঘট আমডালি
থৈলা সবে সাৰী সাৰী॥
পুতি কলপুলি, থৈলা ভুলি ভুলি,
যতেক ঘৃতৰ বাতি।
পদুলি পদুলি, জোনালী সোমালী,
দেখি জাজিল্যাৰ আতি॥
যত গোপ নাৰী, পিন্ধি ভেতা শাড়ী
পবিত্ৰ স্বভাৱ হয়া।
অনেক নৈবেদ্য সজাব গোটায়,
থানে থানে থৈলা নিয়া॥

ঘোষা :-- যায় গোপী নারী নারী—
কৃষ্ণক আনিবে আগ বাঢ়ি ॥

পদ—পুষ্প পাত্র ভরি, লৈলা যত্ন করি
গাঁথি কত্তো পুষ্প মালা।
মাধবক আগ, বঢ়াইবাক প্রতি
গৈলা কত্তো গোপ বালা ॥

আদ চাঃ ঘোঃ—হাত্তে লৈ পুষ্প পাত্র এ,—
অ, হরি যত গোপনারী।
কৃষ্ণক আনিবে সবে যায় আগ বাঢ়ি এ
হাত্তে লৈ পুষ্প পাত্র এ ॥

পদ—ঘরে ঘরে দেই সবে উকলি জোকার।
চৌকালে প্রদীপ জ্বলে দেখি আতিস্কার ॥
কত্তো গোপী যায় হাত্তে লৈয়া পুষ্পমালা
কৃষ্ণ গুণ গাই কত্তো যায় গোপবালা ॥
কত্তো গোপী লৈয়া যায় সুবর্ণর ঝারি।
সুগন্ধিত তৈল লৈয়া যায় কত্তো নারী ॥

কতোজনী নেই হাতে ব্যজন চামর।
কতোজনী লৈয়া যায় সুবর্ণ ঝারর॥
কতো জনী নায় হাতে দুর্ব্বাক্ষত ভরি।
কতো গোপী যায় হাতে ধূপ বাত্তি ধরি॥
কতো জনা লৈয়া যায় সুগন্ধ চন্দন।
চন্দনতে তুষ্ট দেব দৈবকী নন্দন॥
কৃষ্ণর সমীপ যেবে পাইলা গোপীগণ।
সুগন্ধি শীতল জলে ধুয়াইলা চরণ॥
উরুলি জোকার দেই সবে গোপনারী।
গৌরবে কৃষ্ণক আনিলন্ত আগ বাঢ়ি॥

আ চাঃ ঘোঃ—উরুলি জোকারে মঙ্গল ব্যবহারে,
করিয়া প্রেম ভকতি।
সুবর্ণ বেদীত, কৃষ্ণক বৈসাই
করন্ত সাজ্যা আরতি॥

পদ :—চারি কালে কনক পুলি মধ্যে শলা বত্তি।
কৃষ্ণক বৈসাইলা তাতে' করিয়া ভকতি॥
ওপরত আঁরিলা বিচিত্র চন্দ্রতাপ।
তাহার তলত বসিলন্ত জগন্নাপ॥

নৈবেদ্য করিয়া দিলা অনেক সম্ভার।
ঘৃতর সন্দেশ চেনি পিষ্টক অপার॥
দধি মধু চিরা লাজ কত মিষ্ট ফল।
গোপ কুমারিকা সবে যোগাইলা সকল॥
ঘরে ঘরে দেই সবে উর্কালি জোকার।
কৃষ্ণক পূজিবে সবে হৈলা কাছ পাব॥

আদ চাঃ যোঃ—

চন্দন বাটি রৈল, কতো গোপী আছে বৈ এ
অ হরি কতো গোপী চরণ ধুয়ায়।
কর্পূর তাম্বুল আনি, কতো সখি যোগায়র এ
অ হরি কতো গোপী চামর ঢুলায়॥

পদ :—সুবর্ণ পাদুকা জুরি কতো গোপী যোগায়র এ
কতো গোপী মলচয় পায়।
সুগন্ধিত তৈল ধরি কতো গোপী লাগে অবি
প্রেমে হৈয়া পুলকিত তায়॥
সুবর্ণ হাপণি খানি কতো গোপী দেই আনি
কতো দেই সুগন্ধ চন্দন।

বিচিত্র তুলসী মালা যোগায়য়ে কতো বালা,
কন্ঠে দেই, বস্ত্র আভরণ॥
সুবর্ণর বাটা ভরি কর্পূর, তাম্বুল আনি
যোগায়য়, কতো, গোপবালা।
সুগন্ধ চন্দন, পুষ্প কতো সখি যোগায়য়
কতো মাথে দেই পুষ্পমালা॥
উপায়ন বস্তু যত কতো সখী বড়ায়য়
কতো মাথে দুর্ব্বাক্ষত দিকে॥
সেহি বেলা কতো সখা দাসবেশ করি আসি
দুপাশে চামর ধরি বিকে॥
গোপীর ভকতি দেখি মাধব ভৈলন্ত সুখী
ভুঞ্জিলা সকলে উপায়ন।
তাতে পাছে গোপীগণে কৃষ্ণক বুঝিবে মনে
করে বেচি, আরতি কীর্ত্তন॥

আদ চাঃ বোঃ—অ হরি হায়রে হায়—
চৌদিকে চাপরি বজায়।
ঝুণুর ঝুণুর করি নূপুর বজায়॥
ভবিহে নাচে, গোপী কৃষ্ণগুণ গায়॥
অ শঙ্খ বাজে শিঙ্গা বাজে বাজে করতাল—
চৌপাশে গোপিনী নাচে মাঝতে গোপাল॥

পদ :—কৃষ্ণ গুণ গায়া সবে গোয়াল যুবতী।
কৃষ্ণর চৌদিশে ঘুরি করয় আরতি॥
কতো গোপী লয় হাতে তুলি ধূপ-বাতি।
অগরু ধূপের ধূম্রে আমোদিত আতি॥
কৃষ্ণর চৌপাশে ঘূরে গোপীকা সকল।
ধ্রুবক বেরিয়া যেন সপ্তর্ষি মণ্ডল॥
রুণ ঝুণ করি বাজে নুপূর পায়র।
বহয় মলয়া বায়ু সুরভি গায়র॥
নুপূরর ছেরে ছেরে বজায় চাপরি।
তাতে কৃষ্ণগুণ গায়ে যত গোপনারী॥
একো একো গোপী যেন রূপে বিদ্যাধরী।
ভূবন মোহিনী রূপ বর্ণাতে নাপারি॥
হেনয় গোপীর মধ্যে দেব গদাধর।
তারায়ে বেষ্টিত যেন পূর্ণ শশধর॥
গোপীর বাঞ্ছিয়া চিত্ত আপুনি শ্রীহরি।
উঠিলন্ত ভূবন মোহন রূপ ধরি॥

আর চাঃ ঘোঃ—ঐ এ নাচে মোহন বহুবায়
চৌদিশে ঘুরি ঘুরি নাচয়রে বহুবায়
মোহন বংশী বজায় হরি নাচে মোহন বহুবায়।

পদ :— গোপীৰ মধ্যত ৰঙ্গে নাচে নাৰায়ণ।
হস্তিনী বেষ্টিত যেন প্ৰমত্ত বাৰণ ॥
কৃষ্ণৰ লগত গোপী কৰয় আৰতি।
সোলকয় খোপা খসি পৰয় মালতী ॥
সোলকে কাঙ্কুলি কৰে স্তনে ঢলফল।
কুঙ্কুমে অৰুণ যেন চন্দ্ৰৰ মণ্ডল ॥
কণ জুন কৰি বাজে পায় নুপূৰ।
অগৰু ধূপৰ ধূম্ৰে আমোদ প্ৰচুৰ ॥
আকাশত দেৱগণে চায় শাৰী শাৰী।
কৃষ্ণ সঙ্গে নাচে যত গোপৰ কুমাৰী ॥
গোপীৰ মধ্যত ৰঙ্গে নাচে যদুৰায়।
চৌদিকে গোপিণীগণে চাপৰি বজায়।
সন্ধ্যা গুচি ৰাত্ৰি যেবে প্ৰহৰেক ভৈলা।
নিবৰ্ত্তিলা গোপীগণ ঘৰা-ঘৰি গৈলা ॥

ধৰ ঘোষা—ঐ এ মন মোৰ বান্ধিলৰে অ হৰি
বিষয় জঞ্জালে চিত্ত মোৰ বান্ধিল ৰে ॥

পদ —শুকমুনি বোলে শুনা অৰ্জ্জুনৰ নাতি।
পবিত্ৰ শৰত কালে অমাবস্যা ৰাতি ॥

# ধেমালি গোষ্ঠৰ নাম ॥ ৪ ॥

ৰাগিনী :— জল ভৰিতে যায় ৰাধে যমুনাৰ তীৰে ।
সখী সঙ্গে ৰঙ্গে চঙ্গে চলে ধীৰে ধীৰে ॥

পদ :— জল ভৰিতে চলে গোপী যমুনাৰ ঘাটে ।
কাখত কলসী লৈয়া যায় কথা মাতে ॥
হাঁহি মাতি চলে গোপী আনন্দ প্ৰচুৰ ।
খোপাত মকৰা জ্বলে চৰণে নূপুৰ ॥
ৰাহন্তে পন্থত পাছে দেখিলা কানাই ।
বোলন্ত ধৈমালি ৰাণী ৰাধিকাক চাই ॥

যোৰা :— চাৰি সখীৰ মাজে যায় এ অ হৰি
ফুল নিলা মোৰ ॥
অ, খোপাত মকৰা ফুল কিবা জাতি কিবা ফুল
তোৰ, এ মোৰ ৰাধা এ ॥

পদ :— সখী 'গণৰ' সঙ্গে ৰাধা ধীৰে ধীৰে যায় ।
পন্থত পাইলন্ত লাগ নন্দৰ কানাই ॥

কানাই বোলে শুনা অবে রাধা গুনবতী।
কথা এক কহো মই শুনা দিয়া মতি॥
আহোতে বাওঁতে রাধা ঘাটে দেখো তোক।
মুখত লাজে পেটত তোকে নামাতাহে মোক॥

আর চাঃ ঘোঃ—নকরা নৈরাশ রাধা এ,—অ' রাধা
কারর কলসী নমাই থো
কর্পূর তাম্বুল দিও রাধা আকোল পাতি লো এ
নকরা নৈরাশ রাধা এ॥

পদ :—নকরা নৈরাশ রাধা বোলে এক বাণী।
আলস্থ নকরি মোর লোৱা তামোল খানি॥
কর্পূর তাম্বুল খাই রাধা মনত পাবি ভাল।
কপালত ঘাম বহো মুখত বহো লাল॥
কর্পূর তাম্বুল খাই রাধা নকরিবি হেলা।
কদম তলে লগ দিবি শব দুপর বেলা॥
নকরা নৈরাশ রাধা নৈরাশ নকরা নৈরাশ।
কদম্বক তলে বসি খেলাইবোহো পাশা॥
সখী সবে সঙ্গে পাছে মনে লজ্জা পাই।
বিমবিধি বোলে রাধা কানাইর মুখ চাই॥

আদ চাঃ ধোঃ—অ' কে মোর কানাই ঐ,—

অ' কানই কিনো বুলি বুজায় মই তোক,

দ. কানাই কিনো বুলি শিকায় মই তোক,

অ' কানাই,-ঘাটে বাটে নামাতিবি মোক॥

পদ := ঘাটে নাযাওঁ বাটে নাযাওঁ পানাক নাযাওঁ লাজে।

আই বোপাই নাম থৈলা কলঙ্কিনী বাধে॥

সখী গণৰ সঙ্গে যেবে আহো কদাচিত।

পন্থত মিলয় আসি কাৰ্য্য বিপৰীত;

সখীগণে সমাচাৰ কহিবেক যাই।

বিনা দোষে দণ্ডিবেক দুষ্ট শাহু আই।

আই বোপাই গালি পাবে স্বামী কৰে দণ্ড

সখীগণে লাজ দেই লোকে বোলে মন্দ॥

কথাই কথাই ইকানে সেই কথাই কথাই লজ্জা।

কুলাই পাচী নধৰে মোৰ কলঙ্কৰ বোজা॥

কাতৰ কৰিছো কানাই চৰণত ধৰি।

যমুনাকে যাওঁ মই দিয়া পন্থ চাৰি॥

আদ চাঃ ধোঃ—শ্রীমতীৰ কত্বে কান্দিয়া বোলে,

কানায়ে, মোৰ বাধে. কিনো আই লগালো তোক এ॥

পদ—অক্ষ দিনা দেখো ৰাধা মনত আনন্দ।
বদন উদয় যেন পূৰ্ণিমাৰে চন্দ্ৰ॥
আজি বিষাদিত ৰাধা দেখো কি কাৰণ।
প্ৰভাতৰ চন্দ্ৰ যেন মলিন বদন।
কিনো অপৰাধ হৈলা কৰহন্তে খেয়ালি॥
মাথা তুলি চাহ মোক অ'ৰে চন্দ্ৰাৱলী।
কিবা বস্তুৰ অভিলাষ আছয় মনত॥
স্বৰ্গ জিনি আনি দিম ইন্দ্ৰৰ সম্পদ॥
থাকে যদি অভিলাষ কহিও আমাত।
খোপাত পিন্ধাও আনি শচীৰ পাৰিজাত॥

আৰ চাঃ বোঃ—কি ফুল লাগে তোক, স্বৰ্ণ পাৰিজাত,
আনি দেওঁ স্বৰগৰ পৰা॥

পদ :—খোপা চাই আনি দিম খোপাৰে মকৰা
মাথা চাই মালতী ফুল।
কপাল চাই আনি দিম, কুলুজান মেখলা
তুলি মাটৈ গাঁঠা ফুল॥
তোৰোৰ নিজানে, আমি এই বান্ধিছো।
এখনি সেও পচৰা।

খর যোরা চম্পানাগেশ্বর এ প্রাণ বন্ধু মোর

পদ— মাথাত্ত শুকিয়া লৈবো

নন্দর নন্দন শ্রীমধুসূদন
আজি সেবিবাক পাইবো।
সুবর্ণর বটাতে তামোল কাটি দিবো
রূপার বটাতে পাণ।
শীতল মন্দিরে শয্যা পাবি থোবো
আছিলে যৌবন দিম দান।
আজি কি লগনে পোহাইলা রজনী
আইলো সুমঙ্গল চাই।
নন্দন নন্দন শ্রীমধুসূদন
আজি যাইবে মোর ঠাই।
এতি বুলি রাধা মনত উল্লাসে
গৈলা আপোনার ঠাই।
শুনা সব নারী এক চিত্ত করি
কৃষ্ণ বিনে গতি নাই।

---

# মিলন-গোষ্ঠ ॥ ৫ ॥

ৰাগিনী—অ হৰি এ. অ হৰি নাৰায়ণ ॥

পদ—শুক নিগদতি শুনা কুকপতি
পাছে যেন কথা ভৈলা ।
গধূলি সময়, কৃষ্ণ দয়াময়,
তাঁতিৰ ঘৰক গৈলা ॥
কৃষ্ণ নিগদতি, শুনিওক তাঁতি
কহো মই তোৰ আগে ।
ৰাধিকাৰ আগে, আছিলো পলাগি
বস্ত্র এক খানি লাগে ॥
দীঘলে পুতলে, কৰিবা প্ৰমাণ
তোৰ মনে অনুমানি ।
হাঁয়াতে শুকাব, মুঠিতে লুকাব
নীল বেত বস্ত্র খানি ॥
ওৰণীত লিখিবা, দৈৱকী ৰোহিণী
আৰু যশোমতী আই ।
দুই কাষে লিখিবা নন্দ বসুদেৱ,
কোঁছত কংস গোসাই ॥

আগলোচে লিখিবা, কৃষ্ণ বলোরাম
আর গোপ শিশুগণ।
পাছ লোচে লিখিবা যত ধেনু বৎস
মধ্যে গিরি গোবর্দ্ধন॥
কদম্ব তলতে লিখিবা গোপীগণ
আছে অবনত হুই।
কদম্বে লিখিবা নন্দর কানাই
আছে গোপী বস্ত্র লই॥
মধ্যত লিখিবা, গঙ্গা যমুনা,
উ কাবে বিন্দা বন।
সি কাবে লিখিবা, মথুরা নগরী
যেন পূর্ণিমাবে জোন।
স্বর্গে লিখিবা, চন্দ্র সুরুয
পাতালে বাসুকী নাগ।
সিদ্ধ বিদ্যাধর, গন্ধর্ব্ব কিন্নর
লিখিবাহা তাগে তাগ॥
চারি কাবে দিবা, মাদৈ গাঠা ফুল
ফুকাবে পঙ্খুমব পাতি।
তাহাব কাবতে, বাধাক লিখিবা
আছে জানো হাঁহি হাঁহি॥

দুই মুখে লিখিবা, ৰঙ্গে-বিৰঙ্গে,
ছটা চিত্ৰৰৰ লতা,
তাৰ কাষে কাষে, আলাম পাৰি দিবা
যেন সুৰুপৰে ছটা ॥
আজি শুক বাৰে, জাননী দিলো মই
আৰু শুক বাৰে দিবো !
বস্ত্ৰৰ মজুৰী যত টকা সিকা
তাকো সেহি দিনা দিবো ॥
শুক নিগদন্তি, শুনা কুৰুপতি,
পাছে যেন কথা হৈলা
সাত দিনৰ মূৰত ভুনাই কৃষ্ণ আহি
বস্ত্ৰ খানি লৈয়া গৈলা ॥

ঘোষা :—কাল সন্ধ্যা পৰি যায় এ,—
অ, হৰি কানাই ভুঞ্জিয়া দধি ভাত ।
বস্ত্ৰ লৈ গৈলা হৰি গোৱালী পাৰাত এ,—
কাল সন্ধ্যা পৰি যায় এ,—

পদ—স্নান অৱসানে পাছে ভুঞ্জি দধি ভাত
একস্বৰে প্ৰবেশিলা গোৱাল পাৰাত ।

পঞ্চম উর্দ্ধে করি বাজে বংশী তুলি।
অনন্তরে পাইলা সেবা রাধার পদুলি॥

আর চাঃ খোঃ—পারের নূপুর কাঢ়,
রাধা গেলা আগ বাড়ি এ,
ঐ শ্যাম, ঐ শ্যাম,
আইলা প্রাণ বান্ধব মাধব॥

পদ—সবীরত ধাতু আইলা যেন লোকে ভূপ পাইলা এ
ঐ শ্যাম ঐ শ্যাম মিলিলা আনন্দ মহোৎসব।
অনন্তরে বহুবার রাধার মন্দিরে যায় এ
ঐ শ্যাম ঐ শ্যাম বসিলন্ত বিচিত্র খাটত।
রাধার গলত ধরি চুম্বন করিয়া করি
ঐ শ্যাম ঐ শ্যাম বস্ত্রখানি দিলন্ত হাতত॥

আর চাঃ খোঃ—
বস্ত্র মেলি মেলি চাহে রাধা সুন্দরী
কি ফুল বাজিছে চাউ এ॥

পদ— বস্ত্র খানি ধরি রাধিকা সুন্দরী
বোলে সচকিত হই এ।
কোন কারীকরে দিলে বস্ত্র খানি
এনে মনগোহা কৈ এ ॥
কি ফুল তুলিছে মরুয়া মালতী
কি ফুল তুলিছে লতা।
কি ফুল তুলিছে মাঝে মৈরা চাকি
যেন সুকবরে ছটা ॥
কোন চিত্রলেখাই ই চিত্র লিখিলা
কোনে ডাক আছিলা কৈ।
সমাজর আগে কিমতে ওলাম মই
এই বস্ত্র খানি লৈ ॥
নালাগে বস্ত্র মোক নিদিবা প্রভু মোর
কি দি শুজিম মই ধার।
বোলে বনমালী শুনা চন্দ্রাবলী
নালাগে শুজিব ধার ॥
হেন শুনি পাছে রাধিকা সুন্দরী
সুবুলিলা কিছু বাক।
অনন্তরে হরি মহারস করি
দিলা মুরলী ডাক ॥

আখ. চাঃ বোঃ—কাহু নাই, নন্দন নাই ঘরে।
মধ্যরাত্রি বংশী বাজে রাধার মন্দিরে॥

পদ—বংশীর শুনিয়া রাও    করে সবে পলাবার
চোরা বুলি করে ঘরে ঘরে।
কিবা বিপরীত আজি    কোনে আসি মধ্যরাত্রি
বংশী বাজে রাধার মন্দিরে॥

আখ চাঃ বোঃ—
ধরি আন ধরি আন এ. নগরীয়া ভাই।
ধরি আনি বান্ধি থো খিড়কী লগাই এ
চোর পড়িছে ধরা এ॥

পদ—এই বুলি নগরীয়া    গৈলা সবে লরবিয়া
দেখি রাধা ভয়ে কম্পমান।
ভয় নাই বুলি হরি    রাধাক আশ্বাস করি
তেখনে হৈলন্ত অন্তর্ধান॥
তার পাছে নগরীয়া    রাধার মন্দিরে গই
চোর বুলি চাইলা ভাল করি।

কাহাকো নেদেখি চাই মন মনে লজ্জা পাই
সবে শুচি গৈলা ঘরাঘরি ॥

আর চাঃ ঘোঃ—আজ অনন্তরে, শুনা সর্ব্বনরে,
শিশু রাধা কানাইর খেমালি ॥

পদ—আজ অনন্তরে, শুনা সর্ব্বনরে,
শিশু গোবিন্দরে লীলা।
বিজুলী চমকে, ছুনাই কৃষ্ণ আখি,
রাধার আগে দেখা দিলা ॥
এক দুই করি, তিনি পর গৈলা,
চতুর্থ প্রহর হৈলা।
হাসন্তে মাতন্তে, খেলি খেলাবন্তে,
কুকুরাই ডাকিবে লৈলা ॥
আজ অনন্তরে, দেব দামোদরে,
শুনি কুকুরাবে রাও।
রাধার আগতে, কানাই বিদায় মাগে
বাপে মই ঘরকে যাঔ ॥

আর চাঃ ঘোঃ—বিদায় দিয়া প্রাণেশ্বরী এ.—
অ, মই আপোন ঘরে যাঔ।

ভালত পরি কুকরাই ঘনে কাঢ়ে বাওঁ এ,
বিদায় দিয়া প্রাণেশ্বরী এ,

পদ—পোহাই আছে কাল রাত্রি উঠি আছে ভানু।
রাধার আকোলে ধরি বিদায় মাগে কানু ॥
বিদায় দিয়া রাধে মই আপোন ঘরে যাওঁ।
প্রভাত নাপাইবো মোক গোয়ালিনী মাও ॥
হেন শুনি রাধিকার বিষাদিত মন।
কানুর মুখক চাই দিনারে বচন ॥

আর চাঃ ঘোঃ—
প্রাণের বান্ধব হরি, অন্তঃপুরীক যাই এরি ঐ
অ, হরি রাধার মন বিয়াকুল হ'ল।
অ—রাতি দুপুকাইতে, কুকুরাই ডাক দিলা ঐ
অ, হরি নেদেখিলো প্রভুর মুখ।
হরি হরি অন্তঃপুরীর কপালর দোষ এ ॥

পদ—তুমি জগতর পতি আমি গোপনারী। *
কাহার শকতি আছে বিদায় দিতে পারি ॥
তুমি যাইবা দূর দেশে আমার হৈবো ধান্দা।
তোমার মোহন বংশী থৈয়া যাবা বন্দা ॥

তোমার বংশী খাইবোনে বিলাইবো।
তোমাক স্মুরিব প্রভু হিয়াত বান্ধি লৈবো॥
কান্নু গৈলা আপোন ঘরে বংশী লৈয়া বন্ধা।
কুকুরাক গালি পারে গোয়ালিনী রাধা॥

আদ চাঃ বোঃ—অইতে মুরুগা মোচরি মারিম যাই তোক।
রাতি নোপোহাওঁতে, ডই ডাক দিলি,
ঐ পাপী, প্রভু এরি গৈলা মোক॥

পদ এখনে আছিলা, বান্ধব কৃষ্ণ'য়,
মোর সঙ্গে লীলা করি।
তোর রাও শুনি প্রভু এরি গৈলা
অভাগিনী বৈলোপরি॥
এহি বুলি রাধা, হাকুলে ব্যাকুলে
আছে আর্ত্তনাদ করি।
শুনা সভাসদ, আসিয়া গৃহন্ত,
ঘি করিলা দের করি॥

আদ চাঃ বোঃ অ, কান্নু থমকি, থমকি, আছে কান্নু,
পারির নেপুর হাতে লৈ।

পয়ার — প্রভাতে উঠিয়া নন্দের মহা রঙ্গ ।

কৃষ্ণকে মাখায়া আছে ধূলিতে বৈ ॥

কতোক্ষণে কৃষ্ণকে দেখিলা বরনারী ।

গোয়ালা পাড়ার অন্তে আসে বেণুধ্বনি ॥

নন্দ প্রবেশন্তে গৈয়া আপোন গৃহত ।

থাপ্প দিয়া যশোমতী ধরিলা হাতত ॥

আর চাঃ খেঃ — অ. কানু গৈছিলি ক'ত —

অ. কানু আজি তুই আছিলি ক'ত ।

হাতর মোহন বংশী এরি আহিলি ক'ত —

আজি রাতি পোহাইলি ক'ত ॥

ঘ — সরু সূতার বস্ত্র খানি লাগিছে নিয়র পানী

কাজল পরিছে দুই আখি ।

গালত সিন্দুরর চেকা, লাগি আছে দেখা দেখা

সর্ব্ব গায়ে দিয়া আছে মাখী ॥

কৃষ্ণর হাতত ধরি, পুচ্ছন্ত যশোদা নারী

খাইবো কৃষ্ণ আজি তোর মাথা ।

হাতর মোহন বেণু কার ঘরে থৈলা কানু

মোর আগে কো সত্য কথা ॥

যেতিক্ষণে গোপীগণ যমুনাৰ ঘাটে যায়
পথে শুই পাতস খেমালি।
সমস্ত গোৱালী আসি যোগত গোচৰি যায়
কতনো শুনিম খৰিয়ালী ॥
কেকো বোলে দধি খায়, কেহো বোলে দুগ্ধ খায়
কেকো বোলে মাৰিলা ছোৱাল।
আজি বুঢ়িমাৰে তোক ভালমতে শিখা দিম
চৰৰত ছিড়ি দিম গাল ॥

ধৰ যোৰা—অ, গোৱালী মায় এ,—দয়াৰ মাই,
বুজিলো তোমাৰ, দয়া মায়া একো এ ॥

পদ—শুকমুনি বোলন্ত শুনিও মহাৰায়।
মাৱক সম্মুখি বাকা বোলন্ত কানাই ॥
গধূলিতে এক বৎস বৈলা কাৰ ঘৰে।
তাক চাপিবাক গৈলো আন্ধাৰে পৰৰে ॥
ঘৰে ঘৰে ফুৰিলো মই দাবুৰি বিচাৰি।
সকৰ বালকে পাই বংশী নিলা কাড়ি ॥
গোৱালীৰ আগাঙ্গু লাগিছে কপালত।
তাহাক দেখিয়া তুমি কান্দনৰ মত ॥

গালত পৰিছে নব সূৰ্য্যৰ কিৰণ।
তাক দেখি আছা তুমি সিন্দুৰ বৰণ॥
স্বৰূপত নোহে ইটো সিন্দুৰৰ ৰেখা।
চাৰিজন মাতি আনি ভাল মতে দেখা॥
বুজিলোঁ তোমাৰ চৰিত্ৰ নোহে ভাল।
অতদিনে মই তোমাৰ নোবোলাইলো ভাল॥
পাক বছৰৰ হন্তে চৰাইলো দামুৰি।
দিবাক লাগয় এবে তাহাৰ মজুৰি॥
যা বুলি কহিবাক নাহিকয় সাধ।
ভাবিছুঁ'ৰ কৰি মাত্ৰ খেদিবাক চাস॥
নালাগে খেদিব মোক নোখোজো মজুৰি।
কালি প্ৰভাততে যাইবো মথুৰা নগৰী॥
সঙ্গে কৰি লৈয়া যাইবো দদায়ে বলোক।
আজিৰ হন্তে আউৰ তুমি নেদেখিবা মোক॥
শুনা নৰ নাৰী ইটো কৃষ্ণৰ চৰিত।
আত পৰে মহা পুণ্য নাহিকে কলিত॥
লভি আছা জন্ম ইটো ব্ৰহ্মাৰ বাঞ্ছিত।
জানি ৰঙ্গে শুনা সদা কৃষ্ণৰ চৰিত॥
কৃষ্ণক চিন্তিয়া সবে তেজি আন কাম।
শ্ৰীনৰেশ্বৰে ভণে বোলা ৰাম ৰাম॥

---

ৰজনী প্ৰভা এজেঞ্চী

পোঃ কমাৰকুছি ( কামৰূপ )

---

তলত লিখা পুথিৰ বাহিৰেও আন আন সকলো স্কুলৰ পাঠ্য পুথি আৰু ধৰ্ম্ম পুথি আমাৰ ওচৰত পাব।

সন্তোষ গণনা ( বাবাপাক্ত ) উষা-হৰণ ( স্তকমাথি ), বিহুলি বড়গীত, ধনবৰী বুধ, ডাউৰা পুৰাণ, পুষ্পধাৰি খণ্ড, চক্ৰধ্বজৰ ভিক্ষা গঠন, কামৰূপীয়া বিয়াৰ গীত, পৰীক্ষিৎ বধ, মৎস্য বিচাৰ, বেহুলাৰ সতী পৰীক্ষা, সীতা সয়ম্বৰ, বহুৰূপী বড়গীত, প্ৰহ্লাদ চৰিত্ৰ, সৰ্ব্বধাৰ মন্ত্ৰ, পটভৰ মালা, কপ্টৌাণ পুৰাণ, পক্ষিপেল উদ্ধাৰ, শ্ৰীশ্ৰীকৃষ্ণৰ ব্ৰজলীলা, শ্ৰীশ্ৰীহৰগৌৰী লীলা, শকুন্তলাৰ নাম, যাত্ৰাকৰ্ণৰ নাম, অভিমন্যু বধৰ নাম, লখিন্দাৰৰ স্বৰ্গাৰোহণ, শ্ৰীশ্ৰীগোষ্ঠ-লীলা, শ্ৰীশ্ৰীৰাম-লীলা, মহাভাৰতৰ নাম, সমুদ্ৰ মন্থনৰ নাম, শুশ্ৰুষণৰ নাম, পৰশু ৰামৰ মাতৃ হত্যা ও কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন বধ, ৰংগিপুৰাণ মহাদেৱৰ কৃষি লীলা, শ্ৰীশ্ৰীৰাম চৰিত্ৰ, শ্ৰীশ্ৰীৰাম অৱতাৰ শ্ৰীকৃষ্ণ জীৱনলীলা, অৰ্জ্জুনৰ পাতপাত নাম, ভক্তৰাৱণৰ নাম, বিহুলি নাম সংগীত ইত্যাদি

পৰীক্ষা প্ৰাৰ্থনীয়

—— X ——